# দেৱ-ৰাণী

( গীতৰ-শৰাই )



শ্ৰীউমেশচন্দ্ৰ চৌধুৰী

লেখক আৰু প্ৰকাশক
শ্ৰীউমেশচন্দ্ৰ চৌধাৰী
লতাশিল (উজান বজাৰ)
গুৱাহাটী।

প্ৰথম তাঙৰণ
আঘোণ, ১৮৬১ শক

বেচ—পকা বন্ধা—৸০ (তিনি মহ)
কেচা বন্ধা—৷৹ (দুমহ)

ছপাৰ তত্ত্বাৱধান কৰোঁতা
শ্ৰীগগনচন্দ্ৰ পাটোৱাৰী
১৪০ কেশৱ সেন ষ্ট্ৰীট,
কলিকাতা।

প্ৰিণ্টাৰ—বি, বি, ঘোষ
ললিত প্ৰেছ
৮১নং সিমলা ষ্ট্ৰীট্,
কলিকাতা।

# উছর্গা

আজি তিনি যুগৰ আগতে

যিজনাই

মোক নিচেই

শিশুকালত

এৰি গৈছে



সেই পিতৃদেৱতা

৺গৰ্গৰাম চৌধাৰীৰ

পৱিত্ৰ স্মৃতিৰ

উদ্দেশ্যে—

২৮ আহিন, ১৮৬১ শক

( বছৰেকীয়া তিথিৰ দিন )

গুৱাহাটী।

# নিবেদন

ইয়াৰ আগতে প্ৰকাশ কৰা গীতৰ পুথি "প্ৰতিধ্বনিৰ" পাতনিত ৰচকৰ জনাৱ লগীয়া প্ৰায় ভাগ কথা প্ৰকাশ কৰা হৈছে। "দেৱধ্বনি" পুথিত ৰচকৰ ৮৭টা গীত গোটাই দিয়া হল। "প্ৰতিধ্বনি"ত প্ৰকাশ হোৱা গীত বিলাকতকৈ ইয়াৰ গীতবিলাক কিছু গধুৰ ভাবৰ বুলি অনুমান কৰি ইয়াক পৈণত সকলৰ কাৰণে বিশেষকৈ যুগুত কৰা হৈছে।

ইয়াৰ গীতবিলাক সজাওঁতে তলত দিয়া ক্ৰম ধৰা হৈছে—আৰম্ভণতে জাতীয় আৰু সামাজিক ভাবৰ গীতবিলাক যথাক্ৰমে "আৱাহন" আৰু "জাগৰণ" তৰঙ্গত দিয়া হল, তাৰ পাচত "সোঁৱৰণ" তৰঙ্গত স্মৃতি আৱেগৰ, আৰু "উদ্বোধন" তৰঙ্গত আনন্দ উল্লাসৰ গীতবিলাক দিয়া হৈছে; শেষৰ ফালে যথাক্ৰমে "অন্বেষণ" "সমৰ্পণ" আৰু "সমাপন" তৰঙ্গত গভীৰতৰ অনুভূতিৰ ধাৰা বিলাক ক্ৰমে সৃষ্টিৰ সমাপ্তিৰ ফালে বোৱাই দিয়া হৈছে।

দৰাচলতে প্ৰতিধ্বনি আৰু দেৱধ্বনি পুথি দুখন পৰস্পৰ অঙ্গাঙ্গী আৰু অনুগামী;—প্ৰতিধ্বনিৰ গীত বিলাকত ভাবৰ ধাৰা যিমানলৈকে গৈছে, দেৱধ্বনিত তাৰ পাচৰ ধাৰা বিলাক বুলাই নি যথাসম্ভৱ শৈশৱৰ পৰা বাৰ্দ্ধক্যলৈ মানৱ চিন্তাৰ চলন্ত ধাৰাটি ৰক্ষা কৰিবলৈ চেষ্টা কৰা হৈছে। এই চেষ্টা কিমান দূৰ ফলৱতী হল, ভাবুক সকলে বিচাৰ কৰিব।

চলিত প্ৰথামতে ইয়াৰ কোনো গীতকে "জাতীয় সঙ্গীত" বা "ধৰ্ম্মসঙ্গীত" ইত্যাদি পৰ্য্যায় ভুক্ত কৰি দেখুৱা নাই; কিন্তু অন্বেষণ, সমৰ্পণ আৰু সমাপন তৰঙ্গৰ গীত বিলাকৰ ভিতৰত ভাবুক সকলে

হয়তো আধ্যাত্মিক বা পাৰমাৰ্থিক চিন্তাৰ বিষয় অনুভৱ কৰিবও পাৰে।

এই পুথি কেইখন প্ৰকাশ কৰাত যিসকল বন্ধুৰ সহায় আৰু উদগনি পাইছোঁ, তেওঁলোকৰ কেবাজনৰো নাম "প্ৰতিধ্বনিৰ" পাতনিত উল্লেখ কৰা হৈছে; এই বিলাক গীতৰ প্ৰতি আগ্ৰহ দেখুৱা সাহিত্যিক আৰু সদাশয় গায়ক সকলোকে ৰচকৰ আন্তৰিক শলাগ জনোৱা হল।

পাঠক আৰু গায়ক সকলৰ সুবিধাৰ বাবে এই পুথিৰ শেষভাগত পৰিশিষ্ট দুটা যোগ কৰা হৈছে;—(ক) পৰিশিষ্টত গীতবিলাকৰ বৰ্ণানুক্ৰমে সূচীপত্ৰ দিয়া হল, আৰু (খ) পৰিশিষ্টত এই পুথিৰ আৰু প্ৰতিধ্বনি পুথিৰ যিবিলাক গীত বিশেষ উপলক্ষাত নাইবা উল্লেখযোগ্য অনুষ্ঠানত গোৱা হৈছিল তাৰে কিছুমানৰ পৰিচয় দিয়া হল। ইতি—

আহিন, ১৮৬১ শক।

ৰাইজৰ বিচাৰাধীন

শ্ৰীউমেশ চন্দ্ৰ চৌধাৰী

# সূচী-পত্ৰ

( বৰ্ণমালা অনুসাৰে গীতৰ ক্ৰম শেষত ( ক ) পৰিশিষ্টত দেখুৱা হৈছে )

## অন্বেষণ

| গীতৰ আদি শাৰী | | ৰচনাৰ কাল | পৃষ্ঠা |
|---|---|---|---|
| **সমৰ্পণ** | | | |
| দুখৰে উপৰি দুখ দিছা মোক | ... | বহাগ, ১৮৪১ শক | ৬৪ |
| তোমাক তো ভাবিবৰ সুচল নাপাওঁ | | কাতি, ১৮৫৩ শক | ৬৫ |
| বহুদিন প্ৰভু মাতিছো তোমাক | ... | আহিন, ১৮৪১ শক | ৬৬ |
| নুবুজি মৰিলো কালৰ ফন্দী | .. | আঘোণ, ১৮৫৬ শক | ৬৭ |
| মোৰ মান অগিয়ান নাই | ... | ফাগুন, ১৮৫৫ শক | ৬৮ |
| বহুদূৰ বাট ঘূৰি আজি দিবা-শেষে | | বহাগ, ১৮৪১ শক | ৬৯ |
| আজিহে উমান পালোঁ, আছা তুমি ভগৱান | | আহাৰ, ১৮৫০ শক | ৭০ |
| যাৰ কাৰণে গড় মাৰিলি | ... | আহাৰ, ১৮৫৪ শক | ৭১ |
| ভাগৰ লাগি অচল ভৰি | ... | জেঠ, ১৮৩৯ শক | ৭২ |
| এই নে সপোন, এই নে ভুল ? | .. | কাতি, ১৮৪৪ শক | ৭৩ |
| কলৈ আনিলা নাথ, ছলেৰে ভুলাই ? | | জেঠ, ১৮৪১ শক | ৭৪ |
| বহু ডকা চাকনৈয়াত মিছাতে বাগৰি | | কাতি, ১৮৪৪ শক | ৭৫ |
| অকূল সাগৰে কাণ্ডাৰী বঞ্চিত | .. | আহাৰ, ১৮৪১ শক | ৭৬ |
| **সমাপন** | | | |
| অ' জীউ মায়াশালত বন্দী ! | ... | ভাদ, ১৮৫০ শক | ৭৭ |
| হেলা নকৰ ভাই, আয়ু-বেলি মাৰযায় | | বহাগ, ১৮৩৮ শক | ৭৮ |
| এই সন্ধিয়া, কলৈ বন্ধু যাবা অকল সৰে ? | | ফাগুন, ১৮৫৭ শক | ৭৯ |
| ভাঙিছে মোৰ জীৰ্ণ বীণা | ... | ভাদ, ১৮৪৫ শক | ৮০ |
| অস্তাচলত করুণ কান্তি | ... | শাওণ, ১৮৫১ শক | ৮১ |
| লৰালি লগৰে বীণ | ... | শাওণ, ১৮৫৯ শক | ৮২ |
| তেজিলেও নব-কায়া | . | আহিন, ১৮৪৯ শক | ৮৩ |
| নন্দৰ নন্দনে বংশী বজায় | ... | আহাৰ, ১৮৪৫ শক | ৮৪ |
| পৰিশিষ্ট (ক) | ... | ... | ৮৫ |
| পৰিশিষ্ট (খ) | ... | ... | ৮৯ |

অন্তৰৰ নিৰলত আশ্ৰয় মাগি
আলহী ৰইছে যিটি বীণ-বৰাগী
সেয়ে মাথো অসময়ে, দুপৰ নিশা
জাগি উঠে দিগ্-ব্যাপী ভেদি তমসা ;

সুৰে কণ্ঠৰোধ কৰে. নিষ্ফল শ্ৰম—
কিবা যেন অস্বস্তিৰ অৰ্থহীন ভ্ৰম !
যদিও সি হাহাঁকাৰ বাতুল-বিকাৰ
তেও যেন তাকে কৰে সত্যাই স্বীকাৰ ;

—শব্দ-ভেদী, কঁপি উঠে দেৱাঙ্গ বীণা
সুদূৰত কান্দে তাৰ সুৰ-মূৰ্চ্ছনা,
আহে সেই হেন্দোলনি ৰিণিকি ৰিণি
—সৰগত শুনো যেন দেৱধ্বনি !

(১)

তোল,        পতাকা তোল,

জন্মভূমিৰ        পুণ্য চানেকি

জাতীয় পতাকা তোল,-

প্ৰাণ-প্ৰতিষ্ঠাৰ   মহা প্ৰতিজ্ঞাৰ

উঠক বিৰাট বোল !

মৃণ্ময়ী আই মাতৃ ধৰণী

চিন্ময়ী হক জগত জননী

বিস্তাৰি ফণা দলিতা ফণিনীৰ

শূন্যে প্ৰসাৰি ৰসনা লোল !

অন্তৰীক্ষে উৰ নিছানা,—

শক্তি মুক্তি মনস্কামনা,

জীৱন-মৰণ-পণ ঘোষণা,—

হৃদয়-দুৱাৰ খোল।

কদাপি নহয় নত জাতিৰ সম্মান

মানৰ কাৰণে দিব আত্ম-বলিদান

কোটি কোটি ভক্তৰ

হৃদয়-ৰক্তৰ

গৌৰৱ-ৰঞ্জিত মহীয়ান

জিলিকিব ৰাঙলি বোল ॥

আহাৰ, ১৮৫৩ শক ]

(২)

**জয় জয় জাগ্ৰত জগত-জীৱন, জয় জয় হৃষিকেশ,**

জননী পূজাৰ মণ্ডপত মঙ্গল সমাৱেশ !

গম্ভীৰ গিৰি-ৰাজি অৰণ্য-সঙ্কুল পৱিত্ৰ লৌহিত্য-পাৰে
পুৰাণ-পৰিচিত প্ৰাগ্-জ্যোতিষৰ অতীত-গৌৰৱ-দ্বাৰে,
সত্য সনাতন ভাগ্য-নিয়ন্তা—
দনুজ-দলন তামস নিহন্তা—
কাণ্ডাৰী প্ৰভু, বিঘ্নি নিবাৰি কৰা তযু মহা নিৰ্দ্দেশ !

বহু শতাব্দীৰ মৌন-হীনতাৰ বিদাৰি তামস-নিশা—
দিশে দিশে উদে পুণ্য জ্যোতিষৰ সহস্ৰ উজ্জ্বল শিখা !
দুঃখ-দৈন্য-নিপীড়িত দুৰ্ব্বল দেহাত কৰা নৱ শকতি সঞ্চাৰ ;
অতি নিঃকিন আয়োজন জননী পূজাৰ ;—
সম্বল বল তোমাৰ ।

আঘোন, ১৮৪৮ শক ]

( ৩ )

**সাদৰেঁা সমস্বেত সেন্ত্ৰক শুভাগত**

সম্ভাষো নয়নৰ নীৰে

শুনা শুনা জন-গণ-নায়ক মহামতি!

পবিত্ৰ লৌহিত্য তীৰে,—

আদৰিছে উজনিত সীমান্ত কুণ্ডিলে ৰুক্মিণীৰ ৰূপ-জেউতি

ভাটিত আদৰে "নৰ"-"চিলাৰ" কীৰিতি-শেষে

কৰতল-কুঞ্চিত কোছৰ বিহাৰ দেশে

শোণিতৰ ফুলনিৰ চঞ্চল গুঞ্জনে, 'উষাৰ' সমীৰণে উটি।

সতীৰ হিয়াৰ তেজে জয়দ'ল ৰং-পুৰ

জেৰেঙাৰ ভগা বুকু বাঁজি

জিলিকে মলিন জ্যোতি ভাগ্যহীন সৌমাৰৰ

অস্তমিত যশৰবি স্বাধীনতা গৌৰৱৰ

ৰিণি ৰিণি মৃদুস্বৰে অতীতৰ মধুপুৰে ৰুদ্ৰ ৰাগিণী উঠে বাজি

—"ৰুদ্ৰ"-বাহিনী ৰণে সাজি

ভগদত্ত ভাস্কৰৰ দুৰ্জ্জয় নৰকৰ অমৰ গৰিমা পৰকাশি

শিখৰৰ শিৰে শিৰে মহিমাৰ ধ্বজা লৈ

কত শত শতিকাৰ নিগূঢ় ব্যতৰি কৈ

সম্ভাষে আজি সৰে লুইতৰ কলৰৱে প্ৰাগ্‌জ্যোতিষৰ পাৰত আহি।

পুহ, ১৮৪৬ শক ]

( ৪ )

নমো, কামৰূপা অসমা
নীল-শৈল-শিখৰিনী,
সজল-কজ্জল-কুন্তলা,
গিৰি-গৌৰৱ-গৰৱিনী,
লীলায়িত-শ্যাম-অঞ্চলা ।

প্ৰথম প্ৰভাত-প্ৰতিপন্না,
বসন্ত-গীতি-গন্ধা,
তীৰ্থ-ৰাজ-দ্বাৰ-পালিতা,
মুনি-মহাতপ-বন্দ্যা,
নিন্দি ইন্দ্ৰ-নন্দন মোক্ষ-মুক্তি-পন্থা ।

লৌহিত্য-পূত-সলিলা,
কোটি-নিৰ্ঝৰ-ঝঙ্কৃতা,
নিষ্কলঙ্ক-শত-শতাব্দীৰ
শৌৰ্য্য-সুযশ-মণ্ডিতা ।
অনন্ত-ৰত্ন-সম্ভৰা
করুণাকুল-বেদনা,
হৰ্ষ-পুলক উৎস
চিৰ উচ্ছল প্ৰাণ-প্ৰেৰণা—
স্বপ্নালোক-জাগ্ৰতা মূৰ্ত্তিমতী কল্পনা !

আঘোন, ১৮৫৭ শক ]

(৫)

**স্বাগত স্বাগত ভক্ত সমাগত সেৱক বৃন্দ সুধী !**

ভৱিষ্য ভৰষা চেনেহী জননীৰ—স্বাগত জন-নিধি !

কিহেৰে যোগাম আজি জননীৰ পূজা, অতিথি সুধিম কিহেৰে ?
জননীৰ অৰ্ঘ্যদান নয়নৰ নীৰে,
অতিথিৰ সেৱা মাথোঁ অতীত স্মৃতিৰে,
—ইযে হীন আয়োজন অযত্ন-বৰ্জ্জিত নিৰ্জ্জন লৌহিত্য-তীৰে !

আজিও তো ভেদি শত মৌন শতাব্দী উঠে তথু উল্লাস-গীত ;
আজিও গগনে প্ৰভুৰ বাজে মহা শঙ্খ
জাগ্ৰত কৰি যত নাৰায়ণী সঙ্ঘ ;
আজিও মলয় মৃদু স্বাধীনতা-গন্ধে দশোদিশে কৰে আমোদিত।

স্বাগত নৰৰবি, স্বাগত নাৰায়ণ, স্বাগত সত্য যুগ ;
জগত জিলিকে জ্যোতি জ্বলন্ত সত্যৰ
সচেতন শত কৌটি সন্তান মৰ্ত্ত্যৰ !
অকলে তুমিনো কিয় অন্ধকূপত পৰি নিৰলে লুকাবা নত মুখ ?

কিহেতু দোঁৱাই শিৰ, কি দুখ নিৰাশাত, কিহৰ কৰিবা অভিমান ?
মিলিছেহি সৱে তোৱা আপোন পাহৰি,
ভায়ে ভায়ে কোলাকুলি চেনেহে সাদৰি !
—জয় জয় জগদীশ, মঙ্গলময়, তথু ইচ্ছা পূৰ হ'ক ভগৱান।

আহিন, ১৮৪৮ শক ]

(৬)

ধৰ্ম্ম-ভূমি কৰ্ম্ম-ভুমি পূণ্য-ভূমি হিন্দুস্থান,
যুগৰ বিপ্লৱ লঙ্ঘি সততে অক্ষুণ্ণ ৰাখিলি মান।

আজি,—কিনো বিৰাগত পৰিলি ভাগৰি !
বিপদ ডাৱৰে ধৰিছে আৱৰি
চৌদিশে জ্বলি উঠিছে অগনি জাতিৰ জীৱন কৰিব গ্ৰাস।

*　　*　　*　　*

কিৰূপে গৰবীৰ লাঞ্ছনা সহি নিৰলে পেলাবি দীৰ্ঘশ্বাস ;
কোনটো সতেৰে কলঙ্কিত কৰি প্ৰাচীন প্ৰাচ্য ইতিহাস ;
কিমতে নিজৰ আদৰ্শ পাহৰি
লবি অপমান শিৰত আদৰি ?—
নোশোভে তোৰ ই ঔদাসীন্য, হোৱা নাই তোৰ শক্তি হ্ৰাস।
যি আদৰ্শ ধৰি জীলি অত দিন
যদিও লাঞ্ছিত পৰ আজ্ঞাধীন,—
সেই আদৰ্শতে যক আজি লীন গৰ্ব্বী জাতিৰ হৃদয়-দাহ ;

*　　*　　*　　*

ধৰ্ম্মক সুমৰি উঠচোঁ গুমৰি পাপৰ দৰ্প কৰি বিনাশ ;
যুগ-যুগান্ত জিলিকি থাক মহিমান্বিত ইতিহাস।

শাওণ, ১৮৪৩ শক ]

( ৭ )

**বিশ্ব ভুবন জাগে,**

**আই, বিশ্ব ভুবন জাগে।**

সুপ্রভাতে সত্য যুগৰ সোণোৱালী ৰাগে,

—কলি বিদায় মাগে।

দীন-দুখীয়া চহা-বনুৱা

উঠে উজাৰ খাই,

—সমান বিচাৰ লাগে—

সমাজ বান্ধি সৱে আজি সকল দিশে জাগে!

উঠে মহা-মানৱ জাতিৰ জাগৰণৰ বোল

আকাশত উল্লাস হিন্দোল

নৱ যুগৰ উদে ৰবি নৱ অনুৰাগে,—

বিশ্ব ভুৱন জাগে।

উঠা উঠা মাতৃ মোৰ,

তুমি মাথোঁ নিদ্ৰাতুৰ

কিহৰ বিৰাগে?

জোৰপুৰি হাতত লাগে,

( তোমাৰ ) টোপনি নেভাগে;—

বিশ্ব ভুৱন জাগে।

আহাৰ, ১৮৫২ শক ]

( ৮ )

**আয়, আয়, নৱ-যুগ-প্ৰয়াসী ;**

আৱত নৱ-ৰবি
সাম্য-মুকুতি-প্ৰেম-জ্যোতি বিকাশি
বিষণ্ণ-জনপদ-পল্লী-নিবাসী—
বঞ্চিত ৰিক্ত নিৰাশী,
কৰ-ভাৰ-বিহ্বল কৃষী কৃশকায়
শিল্পী-শ্ৰমিক উপবাসী ।

গগনে ঘনঘোৰ ধূমায়িত দিশা,
বিদ্ৰোহ আলোড়িত নৱ বিভীষিকা ;—
আৰ্ত্ত ধৰণী-সুত, আৱত যুগ-দূত
শুভ সুখ বাৰ্ত্তা প্ৰকাশি ।
ধনাঢ্য-লাঞ্ছিত দীন-দুৰদৃষ্ট,
বিপন্ন জনগণ অনশন-ক্লিষ্ট,—
আৰ বিপথগামী যত মুকুতিকামী
মঙ্গল ন্যায়াভিলাষী
ত্যাগি সকল দুখ ক্লেদ নৈৰাশ্য
জঁড়তা-ব্যাধি বিনাশি ।

আঘোন, ১৮৫২ শক ]

( ৯ )

মনাই অ' মোৰ
  প্ৰাণে কোৰাই নিয়ে নাও,

ভালকৈ ৰখা গোৰ—
তলি ফুটি পানী সোমায় ;—
ৰবি নেকি ভাগ্য ধিয়াই ?
—এক হাতেৰে বঠা কোবাই,
আন হাতেৰে পানী তোল।
যদিও বা ডকাত পৰ
চাকনৈয়াত ঘূৰি ফুৰ—
লাগিব তেও পাৰ ধৰিব—
গাৰ উলাহে ভোৰ।
হতাশ ভাৱে হাত সাৱটি
( হবি ) আঁৰিত হাৰি লটি ঘটি !
অমূল্য তোৰ জীৱন কিয়
মিছাই পেলা' ওৰ।

আঘোন, ১৮৪৪ শক ]

(১০)

**জীৱন-মৰণ পণ,**

তোমাৰ জীৱন-মৰণ পণ ;—
এই বাজীতে ভাৰী জাতিৰ ভাগ্য-নিয়ন্ত্ৰণ
তোমাৰ স্বাৰ্থ, তোমাৰ পথাৰ
তোমাৰ অৰ্থ, তোমাৰ ভঁড়াল
নিৰ্ব্বিবাদে কোন সতে দিবা বিসৰ্জ্জন ?
এই যে তোমাৰ জীৱন-যুঁজৰ মিলে সন্ধিক্ষণ
হবা যে ভাই হাত কোচালে সমূলে নিধন ;

তাকৰীয়া বুলি বাৰু কৰা নে সংশয় ?
এমুঠি কৰ্ম্মীহে সদায় ঘটায় বিপৰ্য্যয় !
এমুঠি বীৰেহে কৰে অসাধ্য-সাধন,
নকৰে ভয়ত সিংহে আত্ম-সমৰ্পণ।
বীৰ-ভোগ্যা বসুন্ধৰী,
দেৱতাৰ ইন্দ্ৰ-পুৰী
যোগ্যতাৰ কৰায়ত্ত,—নীতি চিৰন্তন ;
তোমাৰ পিতৃ-পুৰুষৰ শৌৰ্য্য-নিদৰ্শন
লক্ষ্য-ভ্ৰষ্ট হৈ কি সতে দিবা নিৰ্ব্বাসন ?

আহিন, ১৮৫৫ শক ]

( ১১ )

আলচ্ছীৰ দয়া বিচাৰি—

অ' ভিকহু ! অতদিন মিছাই কটালি,
দিন মিছাই কটালি !
অভ্যাসৰ মগনীয়া—পৰক কৰি আশ ;—
মুখৰ অগ্নি মুখে মুমা, বুকত বান্ধি সাহ,
খোৰা নোহ, কুজা নোহ,—
ফুৰ কি ভেশ লৈ ?
কৌটি কালৰ ধন দৌলত আনক সঁপি দি
ললি লাও খোলাটি ;—
নিজৰ ঘৰত নিজে হলি দীন ভিখাৰী !
দিন মিছাই কটালি !

জেঠ, ১৮৫৩ শক ]

( ১২ )

জাগ জাগ বন্ধুৱা চহা দুখীয়া,

নিছলা হজুৱা দুৰ্ভগীয়া

ভাই, চহা-বন্ধুৱা ।

কিনো আশা কৰি

চোৰৰ আশ্ৰয় ললি,

কোননো হল বাক তোৰ ফলীয়া ?

ভাই দুৰ্ভগীয়া !

মুখৰো গৰাস যে নিয়ে কাঢ়ি,

চাই ৰয় নিৰুপায় পৰৰ ভাৰী,

হলি জনম-বন্ধা বহতীয়া

ভাই, দুৰ্ভগীয়া !

তোৰেচোন কাম-ধেনু আনে নিয়ে দুই

তইচোন সেপ ঢুকি

চাই ৰলি দুখী

পেটৰ মুমুমাল জুই—

যাৰ হকে খাটি আছ দিনে ৰাতি

মজুৰি কীল-লাঠি

সিয়ে শোধায় ;—

দুখ কোনে খণ্ডায় ?

নিজে ৰিচাৰ উপায়,

ভাই, দুৰ্ভগীয়া !

৮'ভ, ১৮৫২ ]

( ১৩ )

পশ্চিম ক্ষালে ক'লামলা
বৰণ কৰে ঘোৰ,—
চকা-চকি মেঘে ঢাকি
গাজে গুৰ্-গুৰ্ ।
পচোৱাৰে ফেৰ পাতি
ঢৌৱে কোবায় দীঘল ছাটি,
টলং ভটং নাও খনি চম্ভালিবি তোৰ—
অ' গুৰিয়াল, ই বেলি চোন
ভালকৈ ৰখা গোৰ ।

কেউ পিনেদি ত্ৰাস লাগে,
পাবৰ পথিক বিদায় মাগে,
ওন্দোল-মোদোল কাল সন্ধিয়াই ধৰে বিকট ৰূপ !
লক্ষ বিপদ বেঢ়ি ধৰে,
তই গুৰিয়াল অকলশৰে—
অকলে যুঁজ জিকিবি তই, নহবি বিমূঢ় ।

বহাগ, ১৮৫৩ শক ]

( ১৪ )

চিত্ত শুদ্ধি কৰ,—

ৰিপুমেধ যজ্ঞত এয়ে
আত্মাহুতিৰ পৰ,—
জীৱন নহয় সুখৰ সপোন
বিলাস ভোগৰ নোহে যৌৱন
কৰ্ম্মময় ৰিশ্ব ভুৱন
কৰ্ম্মৰ গুৰি ধৰ ;—
ভাই, প্ৰাণ প্ৰতিষ্ঠা কৰ
গৰ্জ্জে আগত জীৱন সমৰ
অসত্য-সত্যৰ
তোৰ—দেৱতা দৈত্যৰ ।

ৰহাগ, ১৮৫২ শক ]

( ১৫ )

হোজা চহাৰ বৃত্তি ললি,
ঠাই পালি নিকৃষ্ট।
জন-সমাজৰ আৱৰ্জ্জনা—
সদায় খায় গবিহনা,
পায় মাথো অনিষ্ট।
যি সৰে তোৰ আৰ্জ্জনতে
গৈছে সদায় পোহ
মাৰে ঘূৰি কীল গোৰ
সিয়ে দি তোক দোষ!
চাই ৰবি নে সেই সৰবে
আশা কৰি উচ্ছিষ্ট?
বাৰ কাল যায় আকালতে,
সুপূৰে অভীষ্ট!

মাঘ, ১৮৪৫ শক ]

( ১৬ )

মুৰ্ত্তিমান—
সত্ত্য-প্ৰকট জ্যোতিৰ্ম্ময়!

( বহু ) যুগৰ কুহেলিকা হেলি
চিত্তে আজি বিদ্যমান!
উঠে নবীন জীৱন-বেলি
মহাতেজা দীপ্তিমান।
মোহৰ আঁৰ দে ভাই দাঙি,
দে ভাই বান্ধোন-ভেটা ভাঙি
—গৰ্জ্জি উঠক কেশৰ দাঙি
পুৰুষ-সিংহ শক্তিমান।
চূৰ্ণ কৰি ভগ্ন গৃহ—
ছিন্ন কৰি জীৰ্ণ দেহ
মুক্ত কৰ ভাই অন্তৰাত্মা মহতৰো মহীয়ান;
শয়ন ত্যাগি উঠক জাগি
মূৰ্ত্তিমন্ত ভগৱান।

আহিন, ১৮৫৫ শক ]

( ১৭ )

সমানে হু থিয় ;—

অ দুখীয়া গাঁৱলীয়া,
মুখ লুকাৱ কিয় ?
ঘৰে ঘৰে উঠে উজ্জাৰ
বহু যুগৰ দুঃখ নিকাৰ,
আটাহতে লক্ষ প্ৰজাৰ
জাগি উঠিল জীৱ—
আসন টলিল বিশ্ব পিতাৰ
দীনৰ বন্ধু প্ৰিয়।

জঠৰত যি কুৰা তোৰ জ্বলি আছে জুই
সেয়ে আজি বসুন্ধৰা মাৰে পুৰি ডেই,
মদ-গৰ্ব্বী অৰ্থ-লোভীৰ
কঁপাই দিছে হিয়।

পিছত থকাৰ নহয় ই পৰ,
বুজি ল তোৰ গাওঁ ভেটী ঘৰ ;
গুৰি বঠা নিজ সমাজৰ
কিয় আনক দিয় ?

পুহ, ১৮৫৫ শক ]

( ১৮ )

শুন ঋষিগণ, গুৰু-গম্ভীৰ
বাজে ৰুদ্ৰ-বীণ ;
—কাঁকি-কাঁকটিৰ ধূলি-মাকটিৰ
উকলি গইছে দিন,
বিশ্ব পিতাৰ প্ৰজা সৱে,
কেও নোহ নিঃকিন ;
হলি দুখীয়া চিৰ ঘুণীয়া
আপোনাক গুণি হীন।
কোটি কালৰ মনৰ মামৰ
কুসংস্কাৰ চাহী-ফাপৰ
ভুৰস্তে তোৰ কৰ আঁতৰ,
নাৰাখিবি চিন ;
জেং জাবৰি থ আজুৰি,—
নেলাগেনে ঘিণ ?
অতনা কাল ভুঞ্জি নিকাৰ
সুজিলি ঋণ নিজ অজ্ঞতাৰ,—
বিচাৰ এৰে নিজ অধিকাৰ,
চিত্ত কৰ স্বাধীন ;—
( তোৰ ) বৰ্ণ নোহে জন্মগত, বৰ্ণ কৰ্ম্মাধীন !

আহিন, ১৮৫৫ শক ]

( ১৯ )

## ভোৰে বুদ্ধুৰ          জ্বলা-জুইয়ে

ঘৰত লগায় জুই,
আজি দেশত লগায় জুই,—
কোনটো সতে ৰবি থিবে মৰাৰ দৰে শুই
চাবিও ফালে খলক লাগে,
দেশে-বিদেশে সৱে জাগে,
লৰা-বুঢ়া জৰা-থঁৰা          আছে বাহিৰ হুই,—
তই নো ডেকা          কিয় কেঁকা'
ঘুৰন দেহা লই ?
আগতে গাওঁ উজাৰ কৰে,—
চাই লাগিলি থৰ !
দলে বলে কামত ধৰ,
নিজে উধাৰ কৰ
(তোৰ) ঘৰ-ভেটী-ভূঁই।

ফাগুন, ১৮৫১ শক ]

( ২০ )

চক্ষু থাকি অন্ধ হলি—

সাত পুৰুষৰ গৃহস্থি তোৰ
পৰক গটাই বন্ধা গলি।
মাণিক সলাই কঁাচ বাছিলি,
অমৃত পেলাই বিহ সাঁচিলি,
কায়া এৰি ছাঁয়া খেদি
কৰিলি কি পুৰুষালি !
তোৰ, গাওঁ পথাৰে, বনে ভৈয়ামে,
ভোগায় আনে সুখ আয়মে ;—
তই, ধূন-ধুপালি মাৰি ফিটাহি
মতা বোলার ঘৰত আহি ;
পৰ-চৰ্চ্চাত কৌতুহলী ;—
আত্মঘাতীৰ ধৰ্ম্ম ললি !

আঘোন, ১৮৫৭ শক ]

(২১)

**জিৰণিৰ এয়েনে পৰ,**

ডেকাদেউ, জিৰণিৰ এয়েনে পৰ ?

আতুৰত মাতৃ মাতিছে কাতৰে ;—

ছাউনি পেলালে গাঁৱে-নগৰে

শত্ৰুৱে মাৰিলে গড় ;

চোৰ যে সোমাল ঘৰ,—

আজিও যদিহে নেভাগে আমোল,

নুশুনা ডেকাদেউ দেশৰ আন্দোল,

নুশুণা অথস্তৰ,—

আমিয়ে নিছলা হজুৰা প্ৰজা,

সম্মুখত লৈ জাতীয় ধ্বজা

সোমাও গৈ দোপ্‌দৰ ।

আমিয়ে যদি চহা-বস্তুৰা

হব লাগে আগৰণুৰা

জাতীয় যুজঁৰ,—

আহাঁ, ভাৱনাৰ আছেনে পৰ ?

কাতি, ১৮৫৩ শক ]

( ২২ )

আকৌ ঘূৰি মন্থা স্তুম্ভিত
উঠিল নতুন বান—
নিছলা তোৰ এৰা-বাৰীত
শুনো উছৱ-গান।

কান্দোনত তোৰ খলক লাগি
অন্তৰ্য্যামীৰ নিদ্ৰা ভাগি
জগত-জুৰি পুনু জাগি
উঠিল মহা-প্ৰাণ।

উৰে সাম্য— মুক্তি-ধ্বজা
পোহৰ কৰে দুখীৰ পঁজা,—
দিন-বনুৱা পাইক-প্ৰজা
সিও শক্তিমান।

বাকি নাই তোৰ দুখৰ দিন
নতুন সুৰে বাজে বীণ
নহয় কেঁও দীন-হীন
বিশ্ব-পিতাৰ নিঃস্ব দান।

মাঘ, ১৮৫৫ শক ]

(২৩)

উঠা উঠা শক্তি হৃদয় উজ্জাৰি
দানৱ-দলন প্ৰভু মুকুন্দ মুৰাৰি,
অনন্ত-শয্যাৰ পৰা উঠা নাৰায়ণ
দুৰ্ব্বলৰ বল প্ৰভু শকতি সঞ্চাৰি।
উঠাহে ৰাঘৱ,—বল্কল ভাৰী
উঠাহে যাদৱ,—সুদৰ্শন ধাৰী
উঠা ভৃগুপতি,—যোগী ভিখাৰী,
ত্যাগী ব্ৰতাচাৰী।
প্ৰাণে প্ৰাণে দৈত্যাই ধৰে অৱতাৰ,
অৱনতা ধৰণী নসয় পাপ ভাৰ ;
দেশে দেশে আতুৰে কৰে হাঁহাকাৰ,—
শান্তি দিয়া প্ৰভু সত্য প্ৰচাৰি।

ভাদ, ১৮৪৩ শক ]

( ২৪ )

এ শিব-সুন্দর-সনাতন

মঙ্গলময় ভগবান—

জগ-জন-তারণ-কারণ-নারায়ণ বিরাট-বিপুল-মহীয়ান !

পাপ-তাপ-ক্লেশ নিপীড়িত বিশ্ব

করাল-কলি গরাসে

সচকিত ভুবন তিমির নিমগন ভীষণ বিভীষিকা-ত্রাসে ;

বিদারি বজ্রে মোহ-নীহারিকা, আর গভীর গর্জ্জনে,—

প্রচণ্ড উল্কা-বর্ষণে,—

ধূমকেতু দুর্য্যোগে প্রলয় উদ্যোগে

ভূমিকম্প প্লাবনে,—

আর উদ্ধত মহাকাল ভৈরব

উন্মদ ঝঞ্ঝা-বিমানে !

(আর) ধূর্জ্জটি শূলধর প্রমত্ত নটরাজ উত্তাল তাণ্ডব-নর্ত্তনে

অট্টহাঁস বিদ্রুপ-দর্শনে

বিপ্লব-বিষধর পীড়িত ভব-বিষ হরণে—

নরযুগ-বাহন কল্কি-নারায়ণ,

—সাম্য সত্ত্ব বিধানে !

মাঘ, ১৮৫৫ শক ]

**যুঁজোঁজ দুন্দুভি  রণ ভেৰি**

অকূল হৃদয়-সিন্ধু বেঢ়ি,—
কলকল-নাদে  বাদ-বিসম্বাদে
অনন্ত সুখ-তৰঙ্গ মেলি।
—অনন্ত জীৱন যুদ্ধ খেলি
জগোৱা স্পৃহা, প্ৰাণৰ প্ৰয়াস,
পুলক হৰ্ষৰ  নিবিড় উল্লাস,
নবীন ছন্দ,—জীৱন-স্পন্দ
গভীৰ মৰ্ম্ম-ভেদী ;—
স্বাধীন-মুক্ত-প্ৰশান্ত-চিৰ-
বিপুল-সুন্দৰ-গম্ভীৰ-ধীৰ—
সচেতন চিত্ত  উথলক নিত্য
অসীম ব্যোম ঘেৰি,
—অনন্ত জীৱন যুদ্ধ খেলি।

ফাগুন, ১৮৩৭ শক ]

( ২৬ )

বাল্য কালৰ বন্ধু তুমি লৌহিত্য হে ব্ৰহ্মপুত,
—বাল্য-বন্ধু ব্ৰহ্মপুত !
গীতে তোমাৰ, নিত্য-নতুন,—চিত্ত কৰে অভিভূত ।
সোণালী সেই সত্য যুগত
গাইছিলা গীত যিটি সুব্ৰত—
আজিও শুনো তাৰেহে মাথোঁ প্ৰতিধ্বনি অদ্‌ভূত ।
ঢৌৱে ঢৌৱে আছে গাঁথা
জন্মান্তৰৰ প্ৰাণৰ কথা,
আজিও সেই ছন্দ লহৰে, হিয়া মোৰ প্ৰেমাপ্লুত ।
সেই জীৱনৰ বিপুল মন্ত্ৰ
ধ্বনিত মোৰ প্ৰতি ৰন্ধ্ৰ,—
উতলে মোৰ শিৰে শিৰে সেই আৱেগৰ মুক্ত সোঁত ।

ভাদ, ১৮৪৪ শক ]

( ২৭ )

শৰাই শিল          শৰাই ঘাট !

জিলিকিছ জয়-গৰিমাত—

দীক্ষা গুৰু শৰাই ঘাট !

( আজি ) নিষ্প্ৰভ দীপ, মৌন দিশা,

আসন্ন ঘোৰ বিভীষিকা ;

( এই ) হীন নিষ্ক্ৰিয়তা জিনি

( মাথোঁ ) পাষাণে তোৰ দিছে মাত ;

লৌহিত্যৰ স্তব্ধ তীৰে

মৌন-ব্ৰতী উজাগৰে

কত যুগ যুগান্তৰে সহি ঘাত-প্ৰতিঘাত

দেখুৱাই দিছ বাট

দিক্-ভ্ৰান্ত সন্থিয়াৰ ধ্ৰুৱ-জ্যোতি

শৰাই ঘাট !

আহিন, ১৮৫০ শক ]

(২৮)

পানিপথ,　　　পানিপথ,

ভাৰত-ভাগ্য-বিধাতা,—হে চিৰ-প্ৰসিদ্ধ পানিপথ !
প্ৰয়োগ কৰিছা বিধি-নিৰ্ব্বন্ধ
বিপ্লৱৰ ধৰি শাসন দণ্ড
তেজৰ তৰ্পণ দিছা কতনাৰ উদ্ধত মহাৰথ
কতনা জাতি কৰিলা নাশ
ৰচি নৱ নৱ ইতিহাস,
পাষাণ-হিয়াত কত শতিকাৰ সামৰি শোকোচ্ছ্বাস,—
—কোটি বীৰৰ সমাধি-শয্যা,
নৱাগতৰ বিজয় ধ্বজা,
সতী-গৰিমাৰ অগ্নি-শিখাত বীৰাঙ্গনাৰ 'জহৰ-ব্ৰত'
যুগ-চক্ৰৰ অধিনায়ক,—ধ্বংস-দেৱৰ ভৈৰৱ-মঠ,
—পানিপথ !

ভাদ, ১৮৪৪ শক ]

( ২৯ )

প্ৰান্তবাসী হে যোগীবৰ !

দুৱাৰ-ৰক্ষী তীৰ্থ ৰাজৰ,

জলোচ্ছ্বাসৰ তূৰ্য্য বজাই

বোৱাই ব্ৰতৰ মহিমা,

—ধুৱাই ক্লেদ কালিমা ;

ভাঙি হেঙাৰ বিঘ্নি বাধাৰ

লঙ্ঘি প্ৰাচীৰ হিম-পাহাৰ

ধীৰ গৰৱে সিংহনাদে

গোৱা ক্ষত্ৰ গৰিমা।

ক্ষত্ৰ-বীৰৰ বিষাদ হৰ্ষ

জিনি উঠিল উচ্চাদৰ্শ

তুচ্ছ কৰি মাতৃ-ঘাতীৰ,

মৰ্ম্ম-গ্ৰাসী ম্লানিমা।

চ'ত ১৮৩৭ শক ]

( ৩০ )

মহগড়,          মহগড় !
জীৱন-মৰণ সঙ্কটৰ
অসঁজাতি মহগড় !
যিদিনা ছয় শক্তিকাৰ
ভাগ্য বেলি যায় মাৰ
সেই সন্ধ্যা সোমাৰৰ
ঘটালি কি অথস্তৰ !
বঞ্চি জাতি          আপোন-ঘাতী
থলি খ্যাতি কলঙ্কৰ ।
বলি গল কত বীৰ মহাবীৰ,—
তেজৰ তৰ্পণ ললি গিয়াতিৰ,
ধৰণীত লুটি কৰিলে কাকুতি
কত শত ছিন্ন শিৰ,—
তথাচ নহলি থিৰ,
ধৰিলি ৰূপ ভয়ঙ্কৰ ;
—শেষৰ বস্তি গছো সুমাই
পাৰতে নাও দিলি বুৰাই ;
—বিদ্ৰুপ কি ভয়ঙ্কৰ !

আহাৰ, ১৮৫২ শক ]

( ৩১ )

**জেৰেঙা পথাৰ!**

জেৰেঙা পথাৰ!
সমাধি-তীৰ্থ সতী জয়াৰ—
মলিন মৌন অন্ধকাৰ!
বহল বিশাল পাৰ!
উকঙা হিয়াৰ,
—জেৰেঙা পথাৰ!!
কিহেৰে ৰুধিবি অশ্ৰু গঙ্গা,
কিহেৰে জুৰাবি অন্তৰ্দাহ?
নিৰ্য্যাতিতা অবলাৰ
তপ্ত ৰুধিৰ-ধাৰ,—
শোকাচ্ছন্ন দিগ-দিগন্তৰ গভীৰ ৰুদ্ধশ্বাস;
কিহেৰে মুমাবি জুই, কলঙ্ক পেলাবি ধুই
মছিবি ইতিহাস?
সতীৰ তেজেৰে অগনি জ্বলালি,
কৰিলি প্ৰৱলৰ গৰ্ব্ব নাশ।
ভুঞ্জি যাতনা জীয়াতু ক্লেশ
উপজিল দেৱী তিয়াগি দেহ,
মৰণৰে পৰা উঠিল অমৰা জিলিকাই ইতিহাস!
বীৰাঙ্গনাৰ বিজয়-শয্যা মূৰ্ত্ত মহিমাধাৰ,—
জেৰেঙা জাতিস্কাৰ!

কাতি, ১৮৪৮ শক]

( ৩২ )

সন্ধ্যা কান্তা ললিতা,

মহামুনি-মানস-দুহিতা !

চিৰ-উজ্জ্বল প্ৰেম-কল্লোল

শোক-উচ্ছ্বল কবিতা ;

মহা আতমাৰ

মহা সাধনাৰ

নিবিড় ধাৰা,

চিৰ বেদনাৰ

চিৰ প্ৰেৰণাৰ

বিধুৰ বালা—

বিজন-তপোবন-পালিতা ।

চিৰ-চঞ্চলা সুৰ-কিন্নৰা

ধ্যান-গিৰি-কন্দৰ-গলিতা !

আহাৰ, ১৮৪৯ ]

( ৩৩ )

সোৱণ-শিৰিৰ গুঞ্জনি পাৰ

অন্ধকাৰ, অন্ধকাৰ !
কোন সোণালী লুপ্ত-পুৰীৰ
ৰত্নময়ী বেলা-ভূমিৰ
বাউলী এই নিঃস্ব স্মৃতি,
গভীৰ নৈৰাশাৰ
—ঢৌৱে বুকু ভুকুৱাই
দিয়ে সমাচাৰ !
মেঘে ছাটে গহীন আকাশ,
শোকত বিনায় চেঁচা বতাহ,
ধাৰাসাৰে চকু পানী
জৰে বাৰিষাৰ ;—
অশ্রুমুখী বসুন্ধৰী,
জীৰ্ণ-বীণা, ছিন্ন জৰি,
দিগ দিগন্ত শোকাচ্ছন্ন,
মলিন সন্ধিয়াৰ ।

বহাগ, ১৮৫১ শক ]

( ৩৪ )

বিষাণ দৈ,         বিষাণ দৈ ;

বিলাপৰ বোৱতী নৈ
হুৰাও-বাৰে যায় বৈ।
আজি নো পূৰ্ণিমাৰ
জোনা বাই হয় আঁৰ
মেঘেৰে বগী ডাঁৰ দি,
জনমৰ বেথা লৈ
দুখতে শেতা হৈ
আহিলে পৰ্ব্বতৰ জী।
জাৰণিৰ কলা বুকু,
জোনাকীৰ লুকাভাকু—
তৰা ফুলে তিৰ বিৰ কৈ,
এন্ধাৰৰ আবোৱান লৈ
কান্দোনৰ ধল যায় বৈ—
বিষাণ দৈ।

বিষাণ দৈ—এখনি সৰু পৰ্ব্বতীয়া নৈ।

আহিন, ১৮৫০ শক ]

( ৩৫ )

চিৰ-তৰুণ জলধি-যাত্ৰী

বিৰাট শান্ত মূৰতি,
মোহন নিনাদে পুলক-বিষাদে
ভুবন ভুলোৱা নিৰৱধি ;
সজাই অনন্ত উৰ্ম্মি-বাহিনী
সোঁৱৰাই কত অতীত কাহিনী-
উথলে উজ্বল হিয়া টলমল
আকাশী মন্ত্ৰ শৱদি ;
নিৰন্তৰে হিয়া দিছা উদগাই,
অন্ততো কোলাত দিয়া যেন ঠাই
কৰা যেন্ জুৰ জীৱ তৃষাতুৰ,—
জনমে জনমে দগধি ।

শাওণ, ১৮৩১ শক ]

( ৩৬ )

**ঘাটত ৰহি ৰলোঁ মাথোঁ**

শোভাকেহে চাই ;—
অনন্ত কালৰ সোঁত
আগেদি বৈ যায়।
কত বেলি উদে বুৰে,
কত চন্দ্ৰ তৰা ঘূৰে,
নিৰলে মই নিফুট সুৰে
নিজৰ গীতটি গাই,
( ৰলোঁ ) শোভাকেহে চাই।
লাহ বিলাহত ভোল যোৱা,
অনাই বনাই গীত গোৱা,
ৰূপৰ সুঁতিত জুৰ লোৱা
যদি তোমাৰ অভিপ্ৰায়,—
ৰলোঁ তেন্তে পাৰতে জিৰাই।

আহাৰ, ১৮৩৯ শক ]

( ৩৭ )

মোৰ জীৱনৰ ব্যৰ্থতা—

সকলো সাৰ্থক আজি,—

কোন সি ধনী তত্ত্ব-জ্ঞানীৰ

অমূল্য স্যমন্ত-মণিৰ

মন্ত্র-পৰশ লাগি,—

—গুচিল অপায় নৈৰাশাৰ

আত্ম-বিলোপ অন্ধকাৰ

জ্বলি উঠিল দশোদিশে

হিৰণ্ময় বত্ন-বাজি !

আঁতৰিল মোহ ভ্ৰান্তি,

উজ্বল সহস্র বস্তি,—

আচম্বিতে অন্তৰত কাৰ

জয় দুন্দুভি উঠিল বাজি !

আহাৰ, ১৮৫৩ শক ]

( ৩৮ )

মন্দিৰ জিনি—অন্তৰ জিনি
ৰিণিকি ৰিণি—
বাজে, মৃদঙ্গ-মঞ্জীৰাৰ
চঞ্চল ধ্বনি !
ভাঙিলেহি পুৱাৰ সপোন,
চমকি মই মেলি নয়ন
অপৰূপ ৰূপৰ কিৰণ
দেখোঁ বিতোপন ;
আচম্বিতে শুনো ধ্বনি
হিয়াৰ তোৰণ জিনি
ৰিণিকি-ৰিণি !
আনন্দ নধৰে বুকুত
আৱেগ নধৰে সুৰত
কিহেৰে সুধিম আজি, ভাষা নাহে মুখত-
জ্বলিল সহস্ৰ শিখা
জাগিল সকলো দিশা
বাজিল নিৰলে মোৰ
কি সুখ-তৃপ্তিৰ সুৰ
ৰিণিকি ৰিণি !

শাওন, ১৮৪৫ শক ]

( ৩৭

আনন্দে মোৰ পূৰ্ণগৃহ,

ঝঙ্কাৰে কি বীণাধ্বনি ;—
কন্দৰে মোৰ আচম্বিতে
উথলে স্বৰ-তৰঙ্গিনী।
উৎসৱে মোৰ আলোকিত
দীপাৱলী সুসজ্জিত—
কৌমুদী-আপ্লুত চিত্তে
মুঞ্জৰে কি কুমুদিনী !
অন্তৰ শিহৰি উঠে,
হৰষৰ উৎস ফুটে,
মন্দাৰ সুগন্ধ বহে,
নামে স্বৰ্গ-মন্দাকিনী।

ভাদ, ১৮৫০ শক ]

( ৪০ )

নিকুঞ্জ বনত বাছি বাছি গাথিলোঁ।

সুগন্ধি বনফুল মালা ;—
আপোনাৰ সৌৰভত
আপুনি বন্দিনী যত
বঞ্চিত মানস-বালা।
চঞ্চল বায়ু, চিত্ত চঞ্চল,
আপোনাৰ মধুকোষে আপুনি বিহ্বল,
নিৰন্তৰে ক্ষৰে নিগূঢ় অন্তৰ
নিগড়ি অমৃত ধাৰা।

ভাদ, ১৮৪৮ শক ]

( ৪১ )

## ওপচে পৰাণ-পাৰ

চকু চলে চল হিয়া টলেমল

বিপুল বেদনাৰ—

দূৰ দূৰণিত বাজে ৰিণিকি

নিগূঢ় মৰ্ম্মবাণী,

কোন জনমৰ প্ৰতিধ্বনি—

বিনাই ফুৰে কান্দি।

কুঞ্জত আজি জকেমকায়

সুগন্ধি ফুলৰ হাৰ ;

উজলি পৰাণ-পাৰ।

ভাদ, ১৮৫১ শক]

( ৪২ )

## মন্দিৰে মোৰ

দীপাৱলী,
সহস্ৰ শিখা ;—
আনন্দে নধৰে আজি মধু নিশা—
মলয়া চঞ্চল,
লীলায়িত অঞ্চল,
শিথিল কুন্তল,
বিহ্বল দেহা ;—
উৎসৱ-আলোকিত উজাগৰী দিশা,
দীপাৱলী নিশা !

ভাদ, ১৮৫১ শক ]

( ৪৩ )

**তোমাৰে ফুলনিৰ সুগন্ধি ফুলেৰে**

গাথিলোঁ তোমাৰ বৰণ-মালা,—
লোৱা লোৱা প্ৰভু সঁপিলো তোমাকে
হিয়াৰ সকলো জ্বালা ;
তোমাৰ বীণাৰ সুৰেদি ৰচিলোঁ
তোমাৰে গৌৰৱ-গান,
—দিলোঁ এই প্ৰতিদান
তোমাৰেই স্তুতি-মালা।
নিভৃত মোৰ অজান কূলত—
গালা যি বাউলী গীত,
—চিত্ত কৰি পুলকিত,
( ই মাথো ) তাৰে প্ৰতিধ্বনি ;—অন্তৰ্বাহিনী
গুপুত ফল্গু-ধাৰা।

কাতি, ১৮৪০ শক ]

( ৪৪ )

স্বপ্নেনা নকৰা যাদু,

হৃদয়-বান্ধ !

চঞ্চল ব্ৰজ-বধূ,

সঞ্চিত কত মধু,

পূৰ্ণ আজি পৰাণৰ অমৃত-ভাণ্ড ।

সুন্দৰ বিৰিন্দাবন—

গন্ধ গীতে উচাটন,

প্ৰেম-ৰসে বন্দী আজি

আপোনাৰ ফান্দে ;

বাঞ্ছে ই বন্ধন মায়া

মুক্তি নিবিচাৰে জায়া

অমৃতে উচ্ছল হিয়া

অন্তৰ কান্দে ।

কাতি, ১৮৫৫ শক ]

( ৪৫ )

**নীলাকাশৰ বিশাল বুকুত**

মেঘৰ দোলা উজাই নে,
মোৰ, মন উৰনী'— উৰাই দে !
চন্দ্ৰাৱলীৰ আলিজালিত
বাঞ্ছা হেপাহ বিলাই দে—
বিশ্ব ভুৱন বিদায় দে।
( আজি ) মুক্ত নিশাৰ বিক্ত দিশাত
কোন মৰমীৰ মৰ্ম্মবাণী
কোন দূৰণিত উঠে কান্দি ?
এই সপোন-পুৰীৰ ৰূপ-লহৰীত
ভাষা ছন্দ ডুবাই দে
জীৱন-যৌৱন উটাই দে,—
—মন-তৰণী উজাই নে।

আহিন, ১৮৪৮ শক ]

( ৪৬ )

## মোৰে মন বলিয়া—

আকাশত মিলালি সুৰ ;—
বতাহত বিলালি সুৰ,— মন বলিয়া !
হিয়াকণি বিলাই দিলি অচিন দেশত
আবেগে বেঙাই সুদূৰ !
ৰূপৰ তটিনীৰে তিৰেবিৰনিতে
বান্ধি কি বিলাহব ভূৰ—
ঢউৰে সুৰ গাঁথি
নিৰলে মাজ ৰাতি
গীতেৰে ভহালি কূল, মন বলিয়া—
মোৰে অবুজ গীত !
তোৰেনো পোৱা চিত
কিহেদি পেলাবি জুৰ ! মন বলিয়া,
কি আশা কৰিবি পূৰ ?

মাঘ, ১৮৫৫ শক ]

( ৪৭ )

গৰ্জ্জি আছিল সপ্ত-সিন্ধু
লুপ্ত কৰি ধৰণী
সেই যে গভীৰ চিৰ-নিবিড়
অকূল তিমিৰ ৰজনী ;
উদ্বেলিত ব্যোম-সাগৰত
মহাকালৰ ঘোৰ জঠৰত
শতাৱৰ্ত্ত আক্ৰান্ত মোৰ
দিক্-ভ্ৰান্ত তৰণী ;
চেতনাহীন জীৱন-যাত্ৰী,—
তুমি মাতৃ জগদ্ধাত্ৰী
হলা জীৱন-অধিষ্ঠাত্ৰী মহামায়া জননী,
সৃজিলা কি বৰ্ণ-গন্ধ,
স্পৰ্শ-ৰস, গীতি-ছন্দ,
বাৰিদ-বিন্দু, অৰুণ-ইন্দু,
মেলিলা কি জ্যোতিষ্পন্থ
( উঠিল ) বৰ্ষব্যাপি হৰ্ষ-হাঁহিৰ
যাত্ৰা-তৰীৰ হেন্দোলনি !

আহিন, ১৮৪৯ শক ]

( ৪৮ )

## হেৰ মাজ নিশাৰ ৰম্বাগী !

নিশা দুপৰত নিজম এন্ধাৰত
কি হাঁহাকাৰত উঠিলি জাগি !
আজিও পুৱাতে হেমী উষাই হাঁহে,
শাৰদী আকাশত চন্দ্ৰাৱলী ভাহে,
বসন্ত-কোঁৱৰ আহে যৌৱনৰ
উল্লাসে দিগন্ত ঢাকি।
পিয়াহত পৰি কান্দে চাতকিনী
পিওঁ পিওঁ কৰে সুৰ-মন্দাকিনী
জীৱনৰ মোহ যৌৱনৰ ভোগ
কতনা ৰইছে বাকী !
নিদিবি মোহৰ যৱনিকা ডাঙি
—আজিও সংসাৰ আনন্দ-আগাৰ
নিদিবি ই সপোন ভাঙি।

শাওন, ১৮৩৭ শক ]

( ৪৯ )

## কালিন্দীৰ পাৰতে

কপৰ পিয়াহতে
পোৰা-চিত আছিল পৰি,—
শুনিলোঁ সুললিত
কিনো মুৰলী-গীত
সুৰে ধৰিলে জুমুৰি।
ইনালো বিনালো,
কপকে ধিয়ালোঁ
চৌপৰে বলিয়া হই,
উগুল-থুগুল মোৰ
পখিটি বিয়াকুল
কপৰে বতৰা কই—
মোৰ পখিটি,—
মৰে কি পিয়াহত পুৰি!

চ'ত ১৮৫৫ শক ]

( ৫০ )

অস্ত-গিৰিৰ শিখৰতে
কোনে মেলাই চুলি—
—মেঘৰ দোলাত দুলি,
বিদায় ললে বাঙলি কাৰ
পৰাণৰ পুতলি ?
আকুলি-বিকুলি,—
বাৰিষাৰ গধূলি
লাজেৰে নো ৰেঙাই দিলে
সন্ধিয়াৰ পদুলি ;
সোণোৱালি সোঁৱৰণে
ধৰে আঁকোৱালি ;—
লুইতৰ স্মৃতি হল
তেজেৰে ৰাঙলি
বিদায়-পৰ্বত অস্তাচলত—
কি জুই উঠিল জ্বলি ?

জেঠ, ১৮৫৫ শক ]

(৫১)

এই ঝাঞ্ঝিৰা দুপৰ নিশা
কোনে হুমুনীয়া কাঢ়ে—
দিগ-দিগন্ত আৱৰি কাৰ
লোতক জৰে ধাৰাসাৰে ?
বাষ্প-ব্যাকুল কজ্জল-আকাশ
বহু যুগৰ ৰুদ্ধ হুতাশ
গুমৰি উঠে ৰুদ্র-ৰাগে
বহু আৱেগ প্রৱল বেগে
বহু ব্যথাৰ সজল মেঘে
অন্ধকাৰত গেৰি পাৰে।

শাওন, ১৮৫৮ শক ]

( ৫২ )

এৰি দিয়া,
এৰি দিয়া,—
অ' মোৰ, সপোন-পুৰৰ অজান কোঁৱৰ
বিনন্দীয়া!
যমুনাৰ উপকূলত
শুনিছিলোঁ। এইটি সুৰত ;—
সেই দ্বাপৰৰ কুঞ্জবনত
গোপিনী মন মতলীয়া !
সেই ৰূপকে নিতে জপি
সকলো মোৰ দিছো। সঁপি,
—উদং কৰি আতুৰ হিয়া ;
( আজি ) আচম্বিতে আৰু কিয়
নিভৃতে মোক—
মাতি নিয়া—!

আঘোন, ১৮৫০ শক ]

( ৫৩ )

আপোন মনে গোৱা কি গীত
আপোন সুৰত উদাসী ;
আনন্দতে হিয়া ভৰি
হে বিনন্দ-বিলাসী ?
ধ্বনি উঠে ধ্বনি গগন,
সুৰৰ মোহত বিশ্ব-মগন,
হেন্দোল দোলাই উৰে পৱন,
নাচে জৰণা উলাহী ;—
জগত জুৰি পুলক জৰে
অনন্ত মৌ বৰষি।

বহাগ, ১৮৪২ শক ]

( ৫৪ )

আজিনো গধূলি—

মনে মোৰ কেনিবা গল ?
বনৰো চৰায়ে বা-কুই, এবিলে
নিজৰা টোপনি গল
গধূলি, বতাহো থৰ হৈ ৰল ।

*　　　　*　　　　*

বিৰিন্দাবনতে　　　তাহানি খনতে
বৰাগী গল বাঁশ বাই,—
গীততে বলিয়া　　　মোৰে মন পপীয়া
সুৰৰে অমৃত খাই ;
কদমৰ তলতে　　　সুৰৰ সুৰাগতে
মনে মতলীয়া হল !

*　　　　*　　　　*

যমুনা লুকালে　　　কদমো শুকালে
বাঁহীটি চুৰমাৰ হল—
গধূলি, মনে মোৰ কেনিবা গল !

পুহ, ১৮৫৫ শক ]

( ৫৫ )

সৰগত জুৰিলোঁ সুৰ,

—ধৰাত ফুৰে কান্দি

নিবলা কি অজান দেশৰ

অচিনা পথ ছান্দি !

অনন্ত যে অন্ধ নিশা,

মোহ-মগন ৰিক্ত দিশা ;-

জীৱন-মৰণ ছিঙি বন্ধন

উঠে স্পন্দন,—তৃপ্তি-তৃষা !

তৰঙ্গিত বিশ্ব-গীত

মোৰে ছন্দত সুৰ বান্ধি ।

আহিন, ১৮৪৮ শক ]

( ৫৬ )

**ৰাটে ঘূৰণীয়া পৰ্ব্বত শিলনীয়া,—**
কলৈ বাটৰুৱা যায় ?
দেহাৰ নাই তৰণি, বুকুৰ কি পোৰণি,—
বিনাই বিনাই বীণ বায়,
বাটৰুৱা, কি দূৰ দেশলৈ চায় !
একণি জিৰণি ল,
বাটৰুৱা, এখানি বোজাটি থ ;—
কোন সুৰাগীত মজিলি বৰাগী,
—তেজিলি আপোনাৰ জন !
গীতকে সাধিলি গীতকে ভজিলি
গীতকে বুলিলি ধন,
—বিনালি তিনি ভুবন।
গা' ভাগৰুৱা, অ' বাটৰুৱা,—
কি দূৰ দেশলৈ চায়,
—বিনাই কি নো গীত গায় !

মাঘ, ১৮৫৭ শক ]

( ৫৭ )

কি পিয়াহত সাৰ পালা,

অ' মোৰ বান্ধ' উদাসী—?

উঠিলা এই সন্ধ্যা জাগি—

সুৰাগী মোৰ বীণ-বৰাগী

আহিলা কি তৃপ্তি মাগি

অ'মোৰ ৰূপৰ প্ৰয়াসী !

কোন জনমৰ হা-হুতাশ,

যুগ যুগান্তৰ উপবাস,—

অতৃপ্ত কি আশাভিলাষ

গুঞ্জৰি উঠে বিদ্ৰোহী ;—

বিকল চিত্ত বিক্ষু ঘৰত

শান্তনাৰ অৱসৰত

ঘূৰিলা বিয়লি পৰত

নিষ্ঠুৰ অ' মোৰ প্ৰৱাসী !

আহিন, ১৮৫৬ শক ]

( ৫৮ )

লুইতৰ পাৰতে পৰ্ব্বতৰ আঁৰতে
ওখকৈ পাতিছিল গৰা,
চিকুণ চিকেমিকি ৰঙী ঢকে-ঢকী
পৰিছিলে বালি ডৰা ;
ন-কৈ চাপৰি পৰি লুইতত
ন-কৈ গজিলে ঘাঁহ,
মোৰে মন-পখি
ন-কৈ সাজিলে বাঁহ ;
বলিলে পছোৱাৰ বা'—
ওপৰে ওপঙিল কলী মেঘ চমকা,
পানীতে জিৰালে ছাঁ ;—
বালি তলে হল, গৰা খঁহি গল,
বৈ গল লুইতৰ ধল,
বুৰি গল বাঁহ খন উৰি গল পখিকণ
কান্দি ৰল দুখীয়া মন !

কাতি, ১৮৫৪ শক ]

( ৫৭ )

হে সুন্দৰ, হে সুধী!
দিছিলাহি দেখা যেৰে,
আছিলোঁ মই নয়ন মুদি
নিৰলে মোৰ অন্ধকূপত
আবাধি জ্ঞান-কৰ্ম্ম-বুধি।
আজি কৰ্ম্ম-বিহীন প্ৰাণ,
আজি মোৰ লুপ্ত জ্ঞান,
আজি মোৰ বুধি হত, নীৰৱ বীণাৰ তান।
বিজন এই সন্ধ্যাবেলা
সৱে মোক দিছে এৰা,—
সন্ধ্যাকাশৰ ধ্ৰুৱ তৰা,
তুমি মাথোঁ আছা উদি!
আজিও তো তুমি নিত্য
সঙ্গী মোৰ অনাদৃত
সুন্দৰ সুধী!

আঘোন, ১৮৫০ শক ]

( ৬০ )

**বহু দিনৰ প্ৰিয় সখি,—**

বহু দিনৰ অন্তে আজি—
তোমাৰে মোৰ দেখা দেখি !
এৰি গলা যি দিন ধৰি,
সঙ্গী হল জেং জাবৰি ;
এন্ধাৰে মোৰ দুৱাৰ-ৰক্ষী ;—
—এৰা বাৰীত আছোঁ পৰি
নিজ গৰিমা আশ্ৰয় কৰি
নিৰানন্দ চিত্ত দুখী।
দুনাই কিয় শূন্য পঁজাৰ
ভুলি আজি দুৱাৰ-হেঙাৰ
হলাহি মোৰ মুখামুখি ?
আজিতো মই নিৰুপায়
শক্তিহীন অসহায়—
তোমাকতো মই নাপাওঁ ঢুকি !
শুদা হাতে দিলোঁ বিদায় ;—
নধৰিবা দোষ দায়
বাল্যকালৰ বন্ধু সখি

( ৬১ )

আজি মোৰ ঘৰত থল নাই ;—
বহু দিন আগে দিছোঁ তোমাক বিদায়,
উলটি আহিলা প্ৰভু কিয়বা মিছাই ?
বহুতো ভাৱনা, বহু পৰিয়াল মোৰ,
ধনী মানী আলহীৱে নিতে ঘৰ পূৰ,
নানা উপচাৰে সুধিছোঁ সততে
আজৰি অলপো নাই।
কাক তুলি তোমাৰ প্ৰভু কৰি দিওঁ ঠাই !
—মোৰ, ঘৰ' থল নাই।
তুমি মোৰ চিৰ পৰিচিত,
তুমি মোৰ চিৰ-বাঞ্ছিত
তেও তুমি উপেক্ষিত হইছা সদায়,
—মোৰ ঘৰত থল নাই !

আহাৰ, ১৮৫৩ ]

( ৬২ )

অ' ভৰাৰী অ'

তোৰ ভঁৰালত কি ধন আছে অ'
—দেখুৱাই দে মোক !
দেখিলোঁ। মই অতদিনে কেৱল ব্যথা কান্দোন শোক
—দীন দুখীয়াৰ হা হুতাশ.
জৰা ব্যাধি ত্ৰাস,
ক্ষুধাতুৰৰ অনুনয় নিৰাশ্ৰয়ৰ—মলিন মুখ।
সুখ বিচাৰি যত ভ্ৰান্ত ;—
কান্দি মৰে পথ-শ্ৰান্ত ;—
কেউ ফালে যে নিৰানন্দ !
এয়ে নে মোৰ ভাগৰ ভোগ ?

[জেঠ, ১৮৪১ শক ]

( ৬৩ )

**মোৰ, ভোকন্ত পলাস ভগস্থান।**

কিহেদি মই পূজোঁ তোমোঁ,
দুখত কণ্ঠাগত প্ৰাণ,—
বাৰ ভূতৰ কৰি সেৱা
লটি-ঘটি হল যে দেহা,
মোৰে ভেলত লাভৰ বেহা
বেহায় আনে বুদ্ধিমান ;—
মই, পৰৰ হাতৰ যন্ত্ৰ-যান।
মোৰ কি হাঁহি, মোৰ কি গান ?—
দুখীয়াৰ কি নিয়ম-নীতি
বিবেক বিচাৰ মৰম প্ৰীতি
তাৰ কি ধৃতি অনুভূতি
কৃষ্টি-আচাৰ ধৰম-জ্ঞান ?
মোৰ কি পূজা সেৱা দান,—
মৰণে যাৰ পবিত্ৰাণ !

আঘোন, ১৮৫৮ শক ]

( ৬৪ )

**দুখৰে উপৰি দুখ দিছাতো মোক দয়াময়,—**

তুমি সৰ্ব্ব-দুখ-হাৰী সত্য শুভ প্ৰেমময়,—
তোমাতে যেন মতি ৰয়।
মই দুখী-নিঃকিন ;
তথাচ সুগুণো হীন,
তুমিতো নকৰা ঘিণ
নোযোৱা অকলে থই
কৰি মোক নিৰাশ্ৰয়।
এয়ে মাথো আশীষ মাগো
( সদায় ) তোমাৰে যেন কামত লাগোঁ,—
বিলাই বিপদ যি পাওঁ ভাগত
মঙ্গল প্ৰসাদ বুলি
ৰঙে শিৰত তুলি লৈ।

বহাগ, ১৮৪১ শক ]

( ৬৫ )

**তোমাক তো ভাবিবৰ সুচল নাপাওঁ,**

তোমাক তো মাতিবৰ আজৰি নাপাওঁ—
জানা তো দয়াময়,
নহবা নিৰদয় ;—
ভূত প্ৰেত ৰিপু ভয়
কাকনো গতাওঁ !
নিজে আজি ওলালাহি,
ঘৰ পৰি আছে বাহী
একো দিহ নাই ৰাহি—
কিহেদি বুজাওঁ ?
যতনা অৱতাৰ
বিষয় বাসনাৰ,—
কতনা উপচাৰ
ৰছদ যোগাওঁ ;
মন্দিৰ নাপাই শুচি
দেৱতা যায় গুচি,
—ভূতক কৰোঁতে খুছি
সময় কটাওঁ!

কাতি, ১৮৫৩ শক ]

( ৬৬ )

বহুদিন প্রভু! মাতিছো তোমাক
—আজিৰ দৰে মতা নাই;
বহুদিন প্ৰভু কান্দিলোঁ। কাটিলোঁ।,-
—আজিৰ দৰে কন্দা নাই!
অনাই বনাই ভোগ বিচাৰি
হলোঁ। ক্লান্ত দীন ভিখাৰী,
আজি, ডুখতে ভাগৰি পৰিছোঁ। বাগৰি
চৰণত লুটি খাই।
দশোদিশ আজি দেখোঁ। অন্ধকাৰ,
নিৰাশাই বেঢ়ি কৰে হাঁহাকাৰ,
অঘৰী পথিক কাল-সন্ধিয়াৰ
—নিৰালম্ব নিঃসহায়।

কাতি, ১৮৪১ শক ]

নুবুজি মৰিলোঁ কালৰ ফন্দী,—
বুদ্ধি অহঙ্কাৰে মত্ত মই গণ্ডপী
নিজ গৰিমাত হলোঁ বন্দী।
শুনি নুশুনিলো তোমাৰ দিহা হিত,
বুজিলোঁ তোমাৰ বচন বিপৰীত,
নেবিলো আৱৰী কপটী মায়া,
অমৃতৰ নিজৰা পাই হেকৱালোঁ।
——অনন্ত তোমাৰ করুণা-ধাৰা ;
জনমৰ ভাগুকী
অজীণ মই পাতকী
কি সাহে মাগো মই চৰণ-ছাঁয়া !

আঘোন ১৮৫৬ শক ]

( ৬৮ )

মোৰ 'মান অগিয়ান নাই—
তোমাৰ অপাৰ কৃপা
নুবুজোঁ মূৰুখে যিবা
এই ৰূপে দুখে শোকে
দিবা সোঁৱৰাই।
যিমান দুৰ্গম বাট
দয়া কৰি জগন্নাথ
অতৰ্কিতে নিৰাপদে
দিলা আগুৱাই—
বিপৰীত ভাৱোঁ মনে
মোৰে যেন বাহু-বলে
নিজ বুদ্ধি কৰ্ম্ম ফলে
আহিছোঁ উধাই
বাঢ়ে অহঙ্কাৰ গৰ্ব্ব
ভাবোঁ ময়ে সৰ্ব্বে-সৰ্ব্ব—
সসাগৰা ধৰণীত
মোতপৰ নাই!

ফাগুন ১৮৫৫ শক ]

( ৬৯ )

মতুদূৰ বাট ঘূৰি
আজি দিবা শেষে
পৰিছেঁাহি পদ্দলিত ভিখাৰীৰ বেশে ;—
গন্ধহীনা সন্ধ্যা অতি নিৰানন্দা,
গগনে মেঘে ঘনে গৰজে ৰোষে ;
বিজুলি জিভা মেলি কৰিছে ভ্ৰূকুটি,
আতঙ্কে ধৰণী পৰে চকু মুদি
প্ৰচণ্ড মূৰতি,—ধৰিছে মাৰুতি
ধুমুহা ঢাকি আহে ঘোৰ আক্ৰোশে
নৈৰাশাৰ কালিমাই আৱৰে দিশা,
ভয়াতুৰ অন্তৰ সচকিত কিঙ্কৰ
আসন্ন দেখি বিভীষিকা !
কাতৰে লুটি পৰে চৰণ পাশে ।

বহাগ, ১৮৪১ শক ]

( ৭০ )

আজিহে উমান পালোঁ
—আছা এটি ভগৱান !
কাহানিও পাহৰাতো
লোৱা নাই তযু নাম
কৰা নাই গুণ গান ;—
এই দৰে তাপে শোকে
দৈন্য-দুখে ৰাখা মোকে
শলাগোঁ মূৰুখে যেন
তোমাৰ করুণা দান,—
তুমি সর্ব্ব-শক্তিমান
সর্ব্ব ভূতে বিদ্যমান
সুমৰো সততে যেন
পুরুষ প্রধান
আছা তুমি ভগৱান।

আহাৰ, ১৮৫০ শক ]

( ৭১ )

স্বাৰ্থ কাৰণে গড় মাৰিলি
সদায় বেঢ়ি ৰাখোঁ বুলি,—
ভকত ভাই,—সিতো পলাল খোলা তুলি !
সত্যক কৰি নজৰ্ বন্দী,
প্ৰাণৰ দিলি সীমা গণ্ডী
আচাৰ-বিচাৰ শুচি-চুৱাৰ
ভাল ভকতিৰ লগাই ফন্দী !
ভিতৰ-চুৱা, বাহিৰ শুচি,
গুৰুৰ কিবা অভিৰুচি—
তন্ত্ৰ বিধিৰ বোলা বুলি !
সমাজ শুৱা ধৰ্ম্মৰ ভুৱা
হিয়া যে তোৰ খালে খুলি !

আহাৰ, ১৮৫৪ শক ]

( ৭২ )

ভাগৰ লাগি অচল ভৰি
হইছে আথৰ,—
কি মতে মই পাৰ পাওঁ এই
অকূল সাগৰ ?
নীলাম্বৰী নীলিমাৰ
তৰি মায়াজাল
ৰুদ্ধ যে মোৰ ক্ষুদ্ৰ ভুবন ;
ইন্দ্ৰ-অৰুণ বায়ু-বৰুণ
বন্দী নিশাকৰ !
ইমান গীতৰ আকুল কণ্ঠ !
ইমান পৰশ বৰ্ণ গন্ধ !
কেউপিনে দি দুৱাৰ বন্ধ,—
—হৃদয় কাতৰ।

জেঠ, ১৮৩৯ শক ]

( ৭৩ )

এইনে সপোন, এই নে ভুল ?

অলীকত ভেল্কী লগা উন্মাদৰ অট্টৰোল,

—মাথো সপোন, মাথো ভুল !

বিশ্ব যদি মায়াৰ বেৰা,

জীৱন পঞ্চ ভূতৰ পীড়া,

বিস্মৃতিৰ অন্ধকূপত হেঁচা ঠেলা হুলস্থুল,—

মাথো ফাকি, মাথো ছল,

মিছা মোহ—আপোন-পৰ,

নিদ্ৰাজালত দিঠক দেখা হাঁহি-কান্দোন প্ৰলাপৰ—

( তেন্তে )——কিয় যৱনিকা ডাঙি

মূঢ়তাৰ স্তম্ভ ভাঙি

হৃদয়-প্ৰাচীৰ চূৰ্ণ কৰি

মুঠা প্ৰভু-নৰহৰি

সকল তৰ্কৰ ভাঙি মূল ?

কাতি, ১৮৪৪ শক ]

( ৭৪ )

কটৈ আনিলা নাথ ছলেৰে ভুলাই ?
নচলে চৰণ আৰু,        বুকু ফাটি যায়।
নিচিনি আপোন পথ
ঘূৰি মৰো আন্ধাৰত ;
মায়াময় অৰণ্যত কিনো ভূতে পাই.
( আজি ) মিলালে অপায় !
মোৰ ভাগত হাঁহি গান,
কৰিছিলা যি বিধান—
—নাপালোঁ তো সিওমান হেপাহ পূৰাই ;
( আজি ) প্ৰাণ মোৰ অৱসন্ন
দুখে শোকে ৰোধে কণ্ঠ
—কান্দাবো শকতি নাই।

জেঠ, ১৮৪১ শক ]

( ৭৫ )

স্বচ্ছ ভঙ্কা চাকনৈয়াভ মিছাতে স্বাগৰি
তোমাৰ শান্তি-মোহনাত
পৰিছোঁ। ভাগৰি
আজি, লভিলোঁ। আজৰি।
মোহ তন্দ্ৰাৰ আলি-জালিত
অমানিশাৰ মৰিশালীত
মায়া পুৰীৰ এন্ধাৰ বালিত—
ঘাটে ঘাটে বেহাই পৰিল
মূলো আহৰি।
আকতো মই নাযাওঁ উজাই,
আকতো মই নবওঁ বোজা,
আকতো মুগুনো ভুৱা, ছল চাতুৰি—
জুকলা মোৰ ভগা ডিঙা
থলোঁ। সামৰি।
কাতি, ১৮৪৪ শক ]

সেন্দ্ৰধ্বনি



অকূল সাগৰে কাণ্ডাৰী-বৰ্জ্জিত
চলে মোৰ লক্ষ্যহীন তৰী,—
উঠা উঠা মোৰ প্ৰাণ কৰ্ণধাৰ
সুখ-নিন্দ পৰিহৰি।
জীৱন-বান্ধৱ প্ৰভু নাৰায়ণ,
উঠা তেজি তযু অনন্ত-শয়ন,—
পূৰত চৰে বেলি জয়ধ্বজা বুলি,
জাগে জগতৰ প্ৰাণী ;
—উঠা মোৰ প্ৰভু অভিমানী !

আহাৰ, ১৮৫১ শক ]

( ৭৭ )

অ জিউ! মায়াশালত বন্দী!
মুক্ত কৰ তোৰ কৃদ্ধ জীৱন যৱনিকা ভাঙি;
অজানা কোন অকূল সিন্ধুৰ অগম্য সিপাৰে
চেনেহতে বিঙিপৰে সুদূৰ সুন্দৰে
—"মায়াজাল ভাঙি
মুক্ত কৰ তোৰ পৰাণ-পখী—
অস্থি-পিঁজৰ ভাঙি"।
আজি, উৰ্ম্মি-বিহীন শ্ৰান্ত সিন্ধু
বায়ু নিৰানন্দা,
তোৰ, আকাশে নাই অৰুণ-ইন্দু
—জীৱন-সন্ধ্যা।
কিমান বেহাবি বেহা,—দুৰ্ব্বল দেহা—
—কিবা আশা পাঙি!
মুক্ত কৰ তোৰ পৰাণ-পখী—অস্থি-পিঁজৰ ভাঙি।

ভাদ, ১৮৫০ শক ]

( ৭৮ )

## হেলা নক্ষত্ৰ ভাই

আয়ু-বেলি মাৰ যায়,
নিঠুৰ এন্ধাৰ আহে ছাটি।
লগৰ পথিকে এৰি গল ঘৰাঘৰি,
নিশাৰ কলীয়া পাখি
উৰিছে আকাশ ঢাকি.
( আহে ) আগত অগাধ অমা-ৰাতি।
বেহালি দিনৰ হাট, অস্ত লীলা খেলা
ভাগৰি পৰে বেলি, ভাঙিছে খেলা,
আৰুনো কি আশা লৈ
আছ হে অবুজ বৈ
আগত আঁচল খন পাতি!

বহাগ, ১৮৩৮ শক ]

( ৭৯ )

**এই সন্ধিয়া কলৈ বন্ধু,—**

যাবা অকল সৰে ?

বিদায়-পৰত নিমাত হলা,—

কিহে বচন হৰে ?

কোনটি বাটৰ পথিক হলা

নাচাই তিথি বাৰ,—

পৰি থাকিল ধন জন

পুত্ৰ-পৰিবাৰ !

তেজি সকলোৰে মায়া

উদাস হলা অৱশ কায়া,

মুখত ভাহে কলা ছাঁয়া,

শ্বাসে উজাই ধৰে,

চকু ঘোলা পৰে,

বন্ধু নাকৰ পাহ লৰে !

নিসম্বল নিৰাশ্ৰয়,—

যাবা অকল'সৰে !

ফাগুন, ১৮৫৭ শক ]

( ৮০ )

ভাঙিছে মোৰ জীৰ্ণ বীণা,
উঠে তেও গগন-ভেদী
উল্লাস-ধ্বনি
জগত-জিনা
জনহীন মোৰ মৰু দেশত
কিহৰ কিৰণ দিবা-শেষত,—
ম্লান মুখে সীমন্তিনী
চাঁহে কিবা স্বপ্নাবেশত ?
আজিও তাৰ বিদায় বেলি
উতলা কোন
দিগঙ্গনা ?
আৰুনো কি গীতি-ছন্দ ?
ৰুদ্ধ মোৰ বিকল কণ্ঠ,—
উৰুঙা মোৰ উপকণ্ঠত
উজায় সন্ধ্যা
দীপ্তি-হীনা !

ভাদ, ১৮৪৫ শক ]

( ৮১ )

অস্তাচলত করুণ কান্তি,—

কাণ্ডাৰী মোৰ তন্দ্ৰা-বিভোৰ,—

চৌদিশে কি গভীৰ শ্ৰান্তি!

অন্ধ যাত্ৰী তিমিৰ ৰাত্ৰি

সুদূৰত গায় বিদায়-গানটি।

বাৰিধি ব্যোম নিদ্ৰা-মগন,

বিস্মৃতিৰ ৰাহু গ্ৰাসত

সংজ্ঞা লুপ্ত বিশ্ব-ভুৱন,

চাপি আছে কৰাল ছাঁয়া

লুকায় মায়া ভুল-ভ্ৰান্তি ;

উৰ্ম্মি-বিহীন ক্লান্ত সিন্ধু,

দিক্-চক্ৰ শয়ান ইন্দু—

অন্তিম আসন বঙ্কিম আনন

পাংশু বয়ান নিশা-বন্ধু—

মাগে চিৰ-নিবিড় শান্তি!

শাওন, ১৮৫১ শক ]

( ৮২ )

মোৰ, লৰালি-লগৰে ৰীণ,—

মোৰ, ওপজা কালৰে চিন!

কাহানিও তোৰ বিনন্দীয়া সুৰ—

হোৱাতো নাছিল ক্ষীণ!

আজি কি পাপৰ শাস্তি বিহিলি,—

কিবা ৰোহ ধৰি মোকে তেজিলি—?

নিদানৰ মাত'ৰাৰো নিদিলি,—

কৰিলি কি নিঃকিন

শুকালি সুৰৰ সিন্ধু,

লুকালি অৰুণ ইন্দু,

অশ্বস্তিৰ শুকান মৰু

মেলিলি তৃপ্তিহীন ;—

কবিৰো ৰুধিলি কণ্ঠ,

ডুবালি সকলো ছন্দ,

আনিলি কি নিৰানন্দ—

গীতি গন্ধ জ্যোতিহীন!

শ্ৰাৱণ, ১৮৫৯ শক ]

( ৮৩ )

**ভেজিলেও নব কায়া,—**

নেৰিবা মোক জন্মে জন্মে
দেখা দিবা বিবিধ বর্ণে,
আকাশত মোৰ সজাই থবা
ইন্দ্ৰ-ধনূৰ ৰঙিণ ছাঁয়া ;
বৃন্দাবনৰ সপোন-পাৰত
কেলি-কুঞ্জৰ অন্তৰালত
বজাবা সেই মোহন বাঁহী
ব্যাকুল কৰি গোপ-জায়া ।

প্ৰবৃত্তিৰ অক্ষ-পথত
জন্মে জন্মে লক্ষ্যৰ পাচত
খেদি ফুৰিম সোণৰ হৰিণ ;—
সেই হেপাহৰ মোহন মায়া !

আহিন, ১৮৪৯ শক ]

( ৮৪ )

**নন্দৰ নন্দনে বংশী বজায়,**

যমুনাৰে ঢল সুৰে টলবল
আবেগে উপচি কূল
বাউলী উজায়।
পৰাণৰ পাৰে পাৰে উঠিছে ধ্বনি,
ঘাটে ঘাটে লাগে তাৰ খলকনি,
নিজম জোনাক নিশা
গীতেৰে জগাই
বিৰিন্দাবনৰ বালি
ৰূপেৰে বন্ধাই
নন্দৰ নন্দনে দিছে সজাই।
গাগৰি লোৱা তুলি অমিয়া ভৰি ;—
মুৰলীৰ সুৰে মউ পৰিছে জৰি
নন্দৰ নন্দনে দিছে বিলাই।

আহাৰ, ১৮৪৫ শক ]



# পৰিশিষ্ট—( ক )

## বৰ্ণানুক্ৰমে গীতৰ সূচি

## পৰিশিষ্ট

## পৰিশিষ্ট

## পৰিশিষ্ট

# পৰিশিষ্ট—(খ)

এই পুথিত, আৰু বচকৰ পূৰ্ব্ব প্ৰকাশিত গীতৰ পুথি "প্ৰতিধ্বনি"ত -থকা কিছুমান গীত বাজে সময়ে নানা উপলক্ষত গোৱা হৈছিল; তাৰে কেইটিমানৰ পৰিচয় তলত দিয়া হল।

(১) প্ৰতিধ্বনি পুথিত প্ৰকাশ হোৱা গীত:—

| পৃষ্ঠা | গীতৰ আদি শাৰী | | কত গোৱা হৈছিল |
|---|---|---|---|
| ১ | চেনেহী মোৰ মাতৃভাষা | … | ১৯২৪ চনৰ অসম সাহিত্য সভাৰ গুৱাহাটী অধিবেশন |
| ১৪ | জলক লাগে লুইতৰ পাৰ | … | গ্ৰামোফনৰ বাবে ৰেকৰ্ড কৰা হৈছে |
| ৬০ | মাৰিবি বঠা মাৰিবি ডাব | … | ব্যায়াম শিক্ষাত গোৱাবলৈ দিয়া হৈছিল |
| ৬৯ | ঘাটত বহি হাত সাৰটি | … | ১৯৩২ চনৰ অসম ছাত্ৰ সম্মিলনৰ গুৱাহাটী অধিবেশনত |
| ৭৪ | মাৰ যোৱা নাই এতিয়াও | … | লাচিত উৎসৱত |
| ৭৫ | মিলিছো হৰষে নবীন গৰবে | … | ১৯১৯ চনৰ অসম মুছলিম ছাত্ৰ সম্মিলনত |
| ৭৬ | কাহানি থন, আই কাহানি থন | … | আসাম এছোছিয়েচনৰ ১৯৩৫ চনৰ গুৱাহাটী অধিবেশনত (বৰ্ত্তমানে ৰেকৰ্ড কৰা হৈছে) |

## পৰিশিষ্ট

**প্ৰতিধ্বনি** পুথিত প্ৰকাশ হোৱা গীত :—

| পৃষ্ঠা | গীতৰ আদি শাৰী | | কত গোৱা হৈছিল |
|---|---|---|---|
| ৭৭ | জনম ভূমি মাতৃ তুমি | ... | ১৯৩৭ চনৰ অসম সাহিত্য সভাৰ গুৱাহাটী অধিবেশনত |
| ৭৯ | চিৰযুগে হাঁহিমুখে | ... | কামৰূপ মহিলা সমিতিৰ প্ৰথম জয়ন্তী উৎসৱত |
| ৮০ | জননী জনমভূমিৰ ভক্ত | ... | ১৯১৯ চনৰ অসম মুছলিম ছাত্ৰ সম্মিলনত |
| ৮১ | গীতিগন্ধ স্নেহে ভৰা | ... | ১৯২৬ চনৰ অসম সাহিত্য সভাত ধুবুৰী অধিবেশনত |
| ৮৩ | অসমা নিৰুপমা জননী | ... | গ্ৰামোফনৰ বাবে ৰেকৰ্ড কৰিছে |
| ৮৬ | গৌৰৱ-বাহিনী পুণ্য প্ৰবাহিনী | ... | ১৯২৪ চনৰ অসম সাহিত্য সভাৰ গুৱাহাটী অধিবেশনত |
| ৮৮ | পৰশি তোমাৰ কমল পাৰ | ... | ১৯২৬ চনৰ ধুবুৰী সাহিত্য সভাৰ আৰু কংগ্ৰেছ মহাসভাৰ গুৱাহাটী অধিবেশনত |
| ৯০ | গহীন গিৰি উপত্যকাৰ | ... | ১৯৩৭ চনৰ অসম সাহিত্য সভাৰ গুৱাহাটী অধিবেশনত |

# পৰিশিষ্ট

| পৃষ্ঠা | গীতৰ আদি শাৰী | | কত গোৱা হৈছিল |
|---|---|---|---|
| ৯১ | আগত আজিতৰ অতিথি অভিনৱ | … | ১৯২৬ চনৰ কংগ্ৰেছ মহাসভাত |
| ৯২ | হৰ্ষে উৰ্দ্ধে উৰ নিশান | … | জাতীয় পাতাকাঅভিবাদনত |

(২) দেশপ্ৰধ্বনি পুথিত প্ৰকাশ হোৱা গীতঃ—

| পৃষ্ঠা | গীতৰ আদি শাৰী | | কত গোৱা হৈছিল |
|---|---|---|---|
| ১ | তোল পতাকা তোল | … | জাতীয় পতাকা তোলা উৎসৱত |
| ২ | জয় জয় জাগ্ৰত জগত জীৱন | … | ১৯৩৫ চনৰ আসাম এছোছিয়েছনত |
| ৩ | সাদৰেঁ৷ সমৱেত সেৱক শুভাগত | … | ১৯২৪ চনৰ অসম সাহিত্য সভাৰ গুৱাহাটী অধিবেশনত |
| ৪ | নমো কামৰূপা অসমা | … | ১৯৩৫ চবৰ কংগ্ৰেছ জুবিলী উৎসৱত গুৱাহাটীত |
| ৫ | স্বাগত স্বাগত ভক্ত সমাগত | … | ১৯২৬ চণৰ কংগ্ৰেছ মহাসভাত |
| ১৭ | সমানে হ থিয় | … | ১৯৩৭ চনত মধ্য কাৰুমপ কৃষক সম্মিলনত |
| ২৭ | শবাই শিল, শবাই ঘাট | … | লাছিত উৎসৱত |
| ৩১ | জেবেঙা পথাৰ | … | গুৱাহাটী মহিলা সভাৰ জয়মতী উৎসৱত |
| ৩২ | আনন্দে মোৰ পূৰ্ণ গৃহ | … | কামৰূপ মহিলা.. সমিতিৰ বাৎসৰিক উৎসৱত |

ইয়াৰ বাহিৰেও চৌধাৰীদেৱৰ দীঘলীয়া কবিতা—

(ক) পঞ্চামৃত

১। পূৰ্বেকণ। ২। নিজানৰ বাণী। ৩। অভিশপ্ত।

৪। মুক্ত ধাৰা। ৫। স্মৃতিচন্দ্ৰিকা।

(খ) ত্ৰিবেণী

১। তন্দ্ৰা-বিহাৰ। ২। প্ৰত্যাৱৰ্ত্তন। ৩। কবিৰ কাবেং।

(গ) অমৃত মন্থন

[ ১। মন্ত্ৰ-সাধন। ২। মায়াপুৰী ]

এই তিনিখন পুথি ছপাবো দিহা কৰা হৈছে। প্ৰত্যেকখন প্ৰায় ৮০-১০০ পিঠিৰ কিতাপ।

. পোৱা ঠাই—(১) নিউ প্ৰেছ, গুৱাহাটী

(২) সম্পাদক, লৌহিত্য গ্ৰন্থপীঠ, গুৱাহাটী

নাইবা (৩) গ্ৰন্থকাৰ, উজান বজাৰ, গুৱাহাটী।